# প্ৰেতাত্মাৰ পৰিদৰ্শন

( ধেমেলীয়া নাটক )

শ্ৰীযুত সুৰেন্দ্ৰ নাথ শইকীয়া বি-এ
দেৱৰ লিখিত।

১ম তাঙৰণ

১৯৫০

প্ৰকাশক আৰু প্ৰাপ্তিস্থান :—
যদুমণি ছাপাখানা, গোলাঘাট।

মূল্য ৷৹ অনা।

## —আগতীয়াকৈ—

"ভুকুতে কল নপকে" তথাপি গোলাঘাটৰ ১৯৪৮ চনত পৰীক্ষা দিয়া প্ৰবেশিকা পৰীক্ষাৰ্থীসকলে টানি "নাছোড়বান্দা" হৈ ধৰাত, গাপত নিদি "প্ৰেতাত্মাৰ পৰিদৰ্শন"ক ভুকুতে পকাব লগীয়া হ'ল। পকিলনে-— ঠেৰেহা মাৰি থাকিল ৰসগ্ৰাহী ৰাইজেহে ক'ব। ইতি।

ৰাইজৰ—

আশীৰ্ব্বাদাকাঙ্খী—

শ্ৰীসুৰেণ শইকীয়া

গোলাঘাট
১০।১০।৪৯

## —ভাৱৰীয়া—

**পুৰুষ ঃ -**

| | |
|---|---|
| ৰণজিৎ হাকিম | ডাঙৰ মানুহ |
| অসীম | ঐ পুতেক |
| "হেড-ক্লাৰ্ক" — | ঐ কেৰেণী |
| Private Tutor - | ঐ কন্যাৰ গৃহ-শিক্ষক |
| ডাক্তৰ | ঐ গৃহ-চিকিৎসক |
| x, 1, 2— / A. B. C— | অসীমৰ বন্ধু-সকল |

কেজনমান বাটকুৰা - ইত্যাদি।

**তিৰুতা ঃ—**

| | |
|---|---|
| হাকিমনী | |
| মিচ্-বাবা | হাকিমৰ জীয়েক। |



# প্ৰেতাত্মাৰ পৰিদৰ্শন

## —প্ৰথম অঙ্ক—

### —১ম দৃশ্য—

**ৰাজ আলি**

[কেবাজন মানুহে বেলেগে বেলেগে ফুচ্-ফুচাই, ডাঙৰ কৈ কথা পতাৰ চলেৰে কৈ যায়— "ৰণজিৎ বৰ হাকিমৰ বৰ নৰীয়া -আজি যাওঁ, কালি যাওঁ" ]

### —২য় দৃশ্য—

[ সজ্জিত, আধুনিক ধৰণৰ কোঠা এটা, কোঠাটোত শীলা পোহৰ পৰি থাকে। ৰণজিৎ হাকিম শুই থাকিব। ডাক্তৰে পৰীক্ষা কৰি আছে। ওচৰত পুতেক অসীম আৰু পৰিচৰ্য্যাকাৰী দুই এজন। মুৰৰ শিতানৰ মেজ এখনত ঔষধ-পত্ৰ আদি থাকিব।

ডাক্তৰে পৰীক্ষা কৰি শেষত ইঙ্গিতেৰে পুতেক অসীমক

মাতি বাহিৰলৈ ওলাই আহে, অসীম আৰু ডাক্তৰ দুয়ো আঙুলিৰ মূৰত খিয় দি অতি সন্তৰ্পণে বাহিৰলৈ আহে ]

## — ৩য় দৃশ্য —

## ফুলনি

[ অসীম আৰু ডাক্তৰৰ প্ৰবেশ। দৰ্শকৰ সন্মুখলৈ আগ বাঢ়ি আহি, দুয়োৰো কথোপ-কথন।

ডাক্তৰ — তেখেতৰ অসুখৰ ইতিহাসটো জানিব খোজো ?

অসীম গ'ল ৰাতি তেখেতৰ Mr Douglas চাহাবৰ ঘৰত নিমন্ত্ৰণ আছিল। নিমন্ত্ৰণ হলেই তেখেতে বেচি প্ৰায়েই খায়। Whisky আৰু Bear punch কৰি খোৱা তেখেতে বিশেষকৈ ভাল পায়। ইমানেই। ৰাতি কেতিয়া আহিল মই কব নোৱাৰো। দাৰোৱানে কৈছে তিনি বজাত বুলি। মইও কালি — I was also ahead.

ডাক্তৰ — পৰা তেখেতে হুচ পোৱা নাছিলনে ?

অসীম কোনেও ক'ব নোৱাৰে, মাত্ৰ এটা Whisky ৰ বতল গাৰুৰ তলত পোৱা গৈছে।

ডাক্তৰ বতলটোত কি আছিল ?

অসীম— প্ৰায় খালিয়েই, তলত অলপমান liquor আছিল।

ডাক্তৰ- ইয়াৰ পৰা বুজা যায় যে তেখেতে পুৰা সাৰ পাই আকৌ Raw liquor খাইছে।

অসীম খুব সম্ভব, নহয় একেবাৰেই সত্য, পাছে তেখেতৰ বৰ্ত্তমান Condition ?

ডাক্তৰ Heart beating Irregular— [ মুখেৰে আৰু হাতেৰে দেখুৱাই ] ধৰ-ধৰ, ধৰ্-ধৰ্, Heart চলি আছে। মাজে মাজে কিন্তু Irregular হৈ উঠে।

অসীম তেন্তে, কি হ'ব ?

ডাক্তৰ বৰ Serious অৱস্থা।

অসীম- মৃত্যু হ'ব পাৰেনে কি ?

ডাক্তৰ- বৰ্ত্তমান যি অৱস্থা, Within 12 hours succumb কৰাটো একো আচৰিত নহয়।

অসীম -- হায়, ভগবান ! বাৰ ঘণ্টাত তেখেতৰ মৃত্যুও হ'ব পাৰে।

ডাক্তৰ— Heart ৰ condition বেয়া, অতি বেয়া গতিকেই within twelve hours death হোৱাটো একো Strange নহয়।

অসীম— আপুনি বাজি মাৰিব পাৰেনে ?

ডাক্তৰ— Oh yes I can ইমান heavy dose drinking, heart ৰ অৱস্থা এই, কাজেই বাৰ ঘণ্টাৰ ভিতৰত তেখেতৰ মৃত্যু অনিবাৰ্য্য। I am definite, আপুনি কেচুৱা ল'ৰা নহয় ! সেই বাবে you must be very careful.

অসীম— তেনে "মৰফিয়া" বা আন কোনো Stimulating কিবাকিবি push কৰি একো লাভ নাই। Let him die peacefully. oh, Doctor! I am nervous মোৰ চকুৰ পানী ওলাব খুজিছে।

ডাক্তৰ— মোক বিচৰাই মানুহ পঠিয়াবৰ কোনো প্ৰয়োজন নাই। মই নিজেই আহিম। You must be prepared for any eventuality— Good night.

অসীম— Good night. [ ডাক্তৰৰ প্ৰস্থান ]

[ হেড্-ক্লাৰ্কৰ প্ৰবেশ ]

হেড্-ক্লাৰ্ক— চাৰ।

অসীম— Yes.

হেড্-ক্লাৰ্ক— ডাক্তৰে কি কলে ?

অসীম— পাপা আৰু বাৰ ঘণ্টাৰ বেচি নাবাচে। Heart ৰ অৱস্থা অতি শোচনীয়। বৰ Serious.

হেড্-ক্লাৰ্ক— উস্, ৰাম! ৰাম! তেনে কথা মুখত নানিব। প্ৰভুৱে তেখেতৰ মূৰৰ চুলিৰ সমান আয়ুষ দিয়ক।

অসীম— কেৰাণী বাবু, আপুনি পাপাৰ ওচৰত থাকিব। মই সাৱধান হবলগীয়া হ'ল। যদি পাপাৰ মৃত্যু হয়, পাপা ইমান পৰাক্ৰমী, ধনী-মানী মানুহ; সেই বাবে তেখেতৰ Funeral ceremoney ও তেখেতৰ সজ-নামৰ উপযোগী হ'ব লাগিব। মই ব্যস্ত থাকিম আৰু মোৰ Friends circle ৰ লগত এই বিষয়ে পৰামৰ্শ কৰিবলৈ ওলালো। [ দুয়োৰে দুয়োফালে প্ৰস্থান ]

## —৪র্থ দৃশ্য—

[হাকিমৰ ঘৰৰ অন্য এটা কোঠা— হেড্-ক্লাৰ্ক আৰু হাকিমনী]

হাকিমনী— কেৰাণী বাবু! [ উচুপি-উচুপি ]

হেড্-ক্লাৰ্ক— কি কৰিব? ঈশ্বৰৰ ইচ্ছা, ডাক্তৰেও ইমান

খিনি কথা আগতে কোৱা উচিত নাছিল কি কৰিব ! সকলো মঙ্গলময়ৰ কৃপা ।

হাকিমনী— কিন্তু, মোৰ কি হ'ব ?

হেড্-ক্লাৰ্ক— ধন সম্পত্তি আছে । উপযুক্ত শ্ৰীপুত্ৰ আছে ।

হাকিমনী - কিন্তু মোৰ...................... ।

হেড্-ক্লাৰ্ক— আপোনাৰ ..... ........ ......?

হাকিমনী— [ ফেকুৰি-ফেকুৰি ] মোৰ Joint life policy খন বিচাৰি পোৱা নাই । যদি নেপাও উঃ ! বহুত লোকছান হ'ব ।

হেড্-ক্লাৰ্ক— [ অবাক হৈ ] অ'...........অ। পাব মেমচাহাব, ক'ৰবাত সোমাই আছে ।

হাকিমনী— মোৰ বিচাৰিবৰ ক্ষমতা নাই । মই বৰ দুৰ্ব্বল হৈ পৰিছোঁ । মই কি কৰিম একো বুজিব পৰা নাই ।

হেড্-ক্লাৰ্ক— ডাক্তৰে আপোনাক আজি রুটি, মাখন, Fruits আৰু গাখীৰ কিম্বা Ovaltine খাবলৈ কৈছে । কপাল বেয়া হলে, ঘটনা ক্ৰমে যদি হেৰি .........................।

হাকিমনী— [ অ'হ ] মই পৰি যাম ।

হেড্-ক্লাৰ্ক— খুব দুৰ্ব্বল হৈ যাব পাৰে, সেই কাৰণে

সোনকালে আহাৰ কৰা প্ৰয়োজন।

হাকিমনী - মোৰ Joint life policy ?

হেড্-ক্লাৰ্ক- বিচাৰিলেই পাব।

হাকিমনী— মোৰ স্বামী ?

হেড্-ক্লাৰ্ক— ঈশ্বৰে আৰু ডাক্তৰে জানে।

হাকিমনী— মোৰ Diet ?

হেড্-ক্লাৰ্ক — বাবুৰ্চিক মই হুকুম দি থৈছোঁ।

হাকিমনী- মোৰ ভোক লাগিছেনে নাই ?

হেড্-ক্লাৰ্ক— লাগোঁ লাগোঁ কৰিছে।

হাকিমনী- - তেনেহলে ব'লা, Dining Room লৈ মই নেযাও, এখন Tea-poy তে মোৰ diet য'তে হয়, দিবলৈ কোৱা।

হেড্-ক্লাৰ্ক - বাৰু, [ চেলাম দি প্ৰস্থান ]

## —৬ষ্ঠ দৃশ্য—

## [ *মিচ্-বাবাৰ পঢ়া কোঠা* ]

[ মিচ্-বাবাই মেজত মূৰ দি শুই থাকিব, এনেতে গৃহ শিক্ষক ৰমেনৰ প্ৰৱেশ ]

ৰমেন— মিচ্-বাবা! মিচ্-বাবা! মিচ্-বাবা!

কলিজাত মোৰ এটি শুকুলা দাগ। আজি মুক্ত কণ্ঠে সেই দাগৰ কথা বৰ্ণাই দিব খোজোঁ; কিন্তু কণ্ঠৰোধ হৈ যায়— মিচ্-বাবা! বৰব্যথা, বুকত! আপুনি বেজাৰ নকৰিব, নকৰিব, নকৰিব।

মিচ্-বাবা—মই ক ত থাকিম, মোক কোনে ক'ব?

ৰমেন— ইয়াতেই থাকিব, কিম্বা—মোৰ পৰ্ণ কুটীৰলৈকে লৈ যাম।

মিচ্-বাবা—আপোনাৰ কুটীৰ? কুটীৰত বাস মোৰ অভ্যাস নাই। Bath-Room Drawing Room. Dining-Room, Bed-Room. মই ক'ত পাম?

ৰমেন— আপোনাৰ নামত উইলত ছয়-অনা অংশ আছে আৰু বজাৰত ইটা, Cement, মিস্ত্রি, কাঠ, শিলগুটী, মজুত আছে। প্ৰাণৰ বিনিময়ত প্ৰাণ আৰু পয়ছাৰ বিনিময়ত গৃহ-নিৰ্ম্মাণৰ সজুলি গোটাওঁতে সৰহ পৰ নালাগে— চিন্তাৰ প্ৰয়োজন নাই।

মিচ্-বাবা—মই পাপা বুলি মাতিলে, মোক কোনে মাতিব?

ৰমেন— তাৰ উত্তৰ নাই মিচ্-বাবা।

মিচ্-বাবা—সেই কাৰণেই মই কান্দিব খুজিছোঁ—Mr. Private Tutor

ৰমেন— নাকান্দিব—স্বাস্থ্যহানি হ'ব, আপুনি খীনাই শুকাই যাব, নিস্তেজ হৈ পৰিব—লগতে আমিও হ'ম—ময়ো হ'ম।

মিচ্-বাবা—আজি একো নাখাঁও। মাত্র অলপ কটি আৰু Milk খাম।

ৰমেন— অলপ Sugar মিহলাই লব।

মিচ্-বাবা—Mr. Private Tutor, আজি একো নপঢ়ো, Good morning—বিদায়।

ৰমেন— ভাল বাৰু, Good morning মই আকৌ আহিম, এতিয়া যাওঁ [মিচ্-বাবাৰ ভিতৰলৈ আৰু Private Tutor ৰ বাহিৰলৈ প্ৰস্থান]।

## —৬ষ্ঠ দৃশ্য—

[হাকিমৰ ঘৰৰ এভাগ কিম্বা ফুলনি]

—অসীম আৰু বন্ধুসকল—

অসীম— বন্ধুসকল! আজি মোৰ জীৱনৰ সন্ধিক্ষণ,

জামালখাঁ কচাইক কবলে নহল --ক্ষমা কৰিব। আপোনালোকৰ কৰ্তব্য আপোনালোকে কৰক। মই অন্যান্য কামত লিপ্ত থাকি শেষত সঙ্গীতত যোগ দান কৰিমহি। সময়ৰ খুব কম। বাৰ ঘণ্টাৰ চাৰি ঘণ্টা প্ৰায় গলেই ৮ ঘণ্টা সময় বাকী। এই সময় ভিতৰতে আমি প্ৰস্তুত হ'ব নোৱাৰিলে সৰ্ব্বনাশ হ'ব। ইমানেই, মই যাওঁ। [ অসীমৰ প্ৰস্থান বাকী আটায়ে দীৰ্ঘ-নিশ্বাস পেলায় ]

## —৭ম দৃশ্য

## -- হাকিমৰ শোৱা কোঠা --

[হাকিম শয্যাগত, ওচৰতে হেড্-ক্লাৰ্ক, শিতানত ঔষধ-পত্ৰ এগিলাচ্ তেতেলিৰ চৰবত ]

— কোঠাৰ নীলা পোহৰ -

হেড্-ক্লাৰ্ক— [অকলে কি বিচিত্ৰ এই সংসাৰ! ডাক্তৰে ধেমালিতে নে সচাঁকৈয়ে কৈ গ'ল---বাৰ ঘণ্টাত হাকিম ঢুকাব বুলি। ই, জানো সচাঁ? হাকিমনীয়ে কেৱল Joint life policy

বিচাৰিয়েই অস্থিৰ। জীয়েকে কলৈ যাওঁ, কি খাওঁ, কি বওঁ লগাইছে। পুতেকে লগৰীয়া দাং বৰলা এগাল মাতি আনি চিএগুৰত ঘৰৰ মুধচ উৰুৱাব খুজিছে। মানুহ মৰাই নাই, সৎকাৰৰ আয়োজন হ'লেই আৰু তাৰ উপৰিও খোৱাৰ যে ধুম পৰিছে, উঃ! কি বিচিত্র সংসাৰ!!! হাকিম সচাঁকৈয়ে মৰিবানেকি? কওঁ সোৱা দেখোন। ওচৰলৈ গৈ জুপি চাই] উশাহ লৈয়েই আছে। মুখত মদৰ গোন্ধ মৰাই নাই। মোৰ মনেৰে হ'লে একো হোৱা নাই। মদৰ জালত অৱশ হৈ টোপনিহে গৈছে। যদিহে মৰে আমাৰ পোনে সৰ্ব্বনাশ! এই বাহৰ লগত থাকিম কেনেকৈ? গোটেইবোৰ বলিয়াৰ দল। ঘৰতৰ প্ৰত্যেকটোৱেই বলিয়া। হাকিমৰ মদ খোৱা দোষ থাকিলেও তেখেত মোৰ প্ৰতি অন্ততঃ বৰ মৰমিয়াল। এশ টকা দৰ্ম্মহা পাওঁ, তাৰ উপৰিও মদাহী মানুহ খবৰ নাৰাখে, দহ-বিছ আ'ৰ-ত'ৰ চানকাঢ়ি

উলিয়াই থাকোঁৱেই। ঘৰৰ ভাত খাই এনে সুবিধা ক'ত পাম? কিবা এটা কৰোঁ—কিন্তু কি কৰোঁ?

[হাকিমৰ ওচৰত থিয় দিযেগৈ, ভুমি চাই ৰঙ্গমঞ্চৰ আগলৈ আহি]

নাই একো হোৱা নাই। টোপনিতহে লাল-কাল। বাৰু, মোৰ বুধিটোকে কৰোঁচোন। মান-ধপাতৰ গুৰাটো নাকত সুমাই দিওঁ আৰু হাকিমে যদি সাৰ পায় জৰুল হাঁছিয়াব আৰু সাৰ পালেই সাউতকৰে তেতেলিৰ "চৰবত" গিলাচ খুৱাই দিম। যদি হাকিমৰ মদৰ-জালত এনেয়ে পৰি থকা-টোয়েই হয়, তেন্তে মোৰ ঔষধে এই মুহূৰ্ত্ততে গুণ দিব আৰু যদিহে হাকিম বাৰু হৈ উঠে ইহঁতৰ গোটেই মথাকে নাকে মাটি চোঁৱাম। বাৰু চাওঁছোন, কি হয়?

[হাকিমৰ ওচৰলৈ গৈ মান-ধপাতৰ গুৰা এটা হাকিমৰ নাকত ভৰাই দিযে, হাকিমে হাঁচি মাৰি—Head-Clark বুলি উঠি বহে আৰু পানী বুলি কয়]।

হেড্-ক্লাৰ্ক—চাৰ, মই আছোঁ। [সাউতকৰে তেতেলিৰ চৰবত গিলাচ হাকিমক দিয়ে, হাকিমে সোহা-মাৰি খাই থয আৰু চকু মোহাৰি হামিয়াই]।

হাকিম- Head-Clerk

হেড্-ক্লাৰ্ক—[ কপি, কপি ] চাৰ।

হাকিম— মই অসুস্থ আছিলোঁ। আন একো বিশেষ নহয়, এই খোৱা-বোৱাৰ গোলমাল ?

হেড্-ক্লাৰ্ক— চাৰ, ডাক্তৰে বাৰ-ঘণ্টাত আপুনি এই পৃথিবীৰ পৰা যাব বুলি..................।

হাকিম Nonsense.! সি নিজে যাব। মই License Cancel কৰাম। তাৰ Medical jurisprudence অত জুই দিম ; কিন্তু, ঘৰত ইমান গণ্ডগোল কিহৰ ?

হেড্ক্লাৰ্ক— Funeral Procession..................

হাকিম - Funeral Procession! [ অবাক হৈ ] — কাৰ ?

হেড্ক্লাৰ্ক— চাৰ............।

হাকিম - [ গেৰেপ কৰে ঠিয় হৈ ] Let me see

হেড্ক্লাৰ্ক— ঈশ্বৰ ত্ৰাণ কৰ্ত্তা চাৰ, মই অকলে কেৱল ইয়াত বহি আছো আৰু কোনোৱেই নাই।

হাকিম— বাৰু, I am very much Satisfied at your Sincerity. Pay increament হব ভয় নাই। মোৰ লগত আহাঁ।

[ দুয়োৰো বেলেগে প্ৰস্থান ]

## —৮ম দৃশ্য—

## *হাকিমনীৰ কোঠা বা যেই সেই দৃশ্য*

[ হাকিমনীয়ে চকপনীৰ টুকি চকীত বহি আছে সন্মুখৰ মেজত বৰ একাপ পাউৰুটী, মাখনৰ টিন, একাখি কল আৰু অন্যান্য ফল-মূলৰ দ'ম। হাকিমনীয়ে উচুপি-উচুপি খাই থকোতে হাকিম আৰু হেড-ক্লাৰ্কৰ প্ৰবেশ ]

হাকিম Darling, মোৰ বেজাৰতে এইবোৰ Vitamin ভক্ষণ কৰিছানেকি ?

হাকিমনী [ মুখৰ খোৱাবস্তুৰ মোকোৱাতে ] আঁ, আঁ, আঁ, তুমি, তুমি, তুমি............ই, ই, ই... ...?

হাকিম মই, মই, ময়েই, তোমাক তেজপুৰলৈ পঠাবলৈ বন্দবস্ত কৰিছোঁ। Head-Clerk এওঁক তেজপুৰলৈ...... ।

[ হাকিমনী তাতেই ভয়ত ঢলি পৰে ]

Head-Clerk - Come along, সেই-বোৰ গোলমালৰ ওচৰলৈ যাওঁ ।

[ দুযোৰো বেগেৰে প্ৰস্থান ]

## —৯ম দৃশ্য—

### এটা কোঠা

[ কৰীম শাক নক্ষনকালে দুটা দুটা হৈ কুচ [illegible] কৰি, সমদলে হৈ গাই থাকিব ।

**গান**

আছিল তেখেত আমাৰ দেশত
এজন বিশাল দেশ কৰ্ম্মী,
আছিল তেখেতৰ বন্ধু ধন-প্ৰাণ
আছিল তেখেত পৰাক্ৰমী ।
সাহসত তেখেত নহয় কম ।
খঙত হলে কালান্তক যম ॥
আমাৰ ব্যথা কাকনো ক'ম ।
কপিছে সদৌ অসম ভূমি ॥

[ গান গাই থাকিব । হাতত প্ৰত্যেকেই একোটি

ফুলৰ ডাল বা মালা লৈ এপাক ঘুৰি অভ্যাস কৰিব। তেনে অৱস্থাতেই হাকিম আৰু হেড্-ক্লাৰ্কৰ প্ৰবেশ ]।

হাকিম— Idiots Brutes - তহঁতক মই .. ......

হেড্-ক্লাৰ্ক পাকৃড়াও [খেদি যায়, হেড্-ক্লাৰ্কে ও খেদামাৰে, গোটেই জাকে পিয়াপি দি পলাই পত্ৰং দিয়ে] ।

হাকিম - Head Clerk - দেখিলা ? Come along

[দুয়োৰো সবেগে প্ৰস্থান] ।

## —১০ম দৃশ্য—

## ফুলনি

Private-Tutor - মিচ্-বাবা।

মিচ্-বাবা Private-Tutor, মই পাপা নহলে জীৱাই থাকিব নোৱাৰিম। মই মৰিম, মৰিম মৰিম।

Private-Tutor—নাই, মিচ্-বাবা, আপুনি নমৰিব, আপুনি মৰিব খুজিলে বহুত মানুহ মৰিব। তাৰ ভিতৰত ময়ো মৰিম।

মিচ্-বাবা - মোক পৃথিবীত কোনেও ভাল নাপায়।

Private-Tutor---বহুতে পায় আৰু মইও পাঁও।

মিচ্-বাবা— তাৰ প্ৰমাণ কি ?

Private-Tutor -প্ৰমাণ দিয়া টান, মিচ্-বাবা।

মিচ্-বাবা— আপুনি Mathematics-অত খুব চোকা. মোক প্ৰমাণ কৰি দিয়ক — আপুনি মোক ভাল পায় ?

Private-Tutor হৃদয়ত মোহন মুৰতি আঁকিলৈ কত দিন ধৰি মিচ্-বাবা—আপুনি, বুজিবৰ চেষ্টা নকৰে কিয় ? প্ৰমাণ মই কেনেকৈ দিওঁ ? [লাহেকৈ আহি মিচ্-বাবাৰ হাত দুটাত ধৰেহি]।

মিচ্-বাবা-- [নাঙত সোপা লৈ আঁতৰি—] উঃ ইমান বেয়া আপোনাৰ গাৰ গোন্ধ ! Talcum Powder ব্যৱহাৰ কৰিলেই হয় দেখোন।

Private-Tutor--মিচ্-বাবা, মিচ্-বাবা [ওচৰ চাপি যায] ।

[ সবেগে হাকিমৰ প্ৰবেশ, লগতে হেড্-ক্লাৰ্ক ]

হাকিম-- হেড্-ক্লার্ক পাক্ড়াও, Bloody, hopeles-, Private-Tutor—তোৰ ইমান সাহ ! [চোচামাৰি যায়, গৃহ-শিক্ষক পলাই পত্রং দিলে। আনপোনে অসীমৰ বন্ধু-জাকেও লৰি আহি তাতেই পলাইছি—হাকিমে, "হে-ই-ও" বুলি চিঞৰ মাৰি খেদা-খেদি কৰে াতেই আনাইবোৰ যেনি-তেনি পলায আৰু হেড্-ক্লাৰ্কে ভুলত হাকিমকে গবামাৰি ধৰেহি। হাকিমে ভযখাই—হেড্-ক্লাৰ্ক বুলি চিঞৰো-তেই ] —অন্ত--।

